# নামতী-আই।

—•✻:⊂:✻•—

৺ দিবাকৰ ডুৰবাৰ দ্বাৰা সংগৃহীত।



শ্ৰীশিৱনাথ ভট্টাচাৰ্য্য দ্বাৰা
প্ৰকাশিত।
ডিব্ৰুগড়।

---

তৃতীয় তাঙ্গৰণ।

---




কলিকাতা,

৬নং কলেজ-স্কোয়াৰ "সাম্য-যন্ত্ৰস্থ"
সেখ আবদুল লতিফ দ্বাৰা
ছপা কৰা হ'ল

১৯১১

# প্ৰাৰ্থনা।

—•:•:•—

বিয়াৰ নাম ভাগ ভাগ কৈ দি নামৰ যাতো বেলেগ্ বেলেগ্ দিয়া হৈছে, যদি কোনৰে সেই নামত সেই জাত লগাই ভাল নেপাই অনুগ্ৰহ কৰি তেওঁবিলাকে “নামতী আইক” দোষ নিদি নিজে ভাল পোৱা জাতেৰে যেন সেই নাম গায় ইতি।

নিবেদক

শ্ৰীদিবাকৰ দুৱৰা।

এই পুথি খনি মই বহুত পুৰুষাৰ্থেৰে সংগ্ৰহ কৰি ইয়াৰ উপযুক্ত মূল্য লৈ ডিব্ৰুগড় নিবাসী শ্ৰীযুক্ত শিৱনাথ ভট্টাচাৰ্য্য মহাশয়ক ইয়াৰ স্বত্ব বিক্ৰি কৰিলোঁ। এই পুথিত মোৰ নামৰ বাজে আৰু কোনো প্ৰকাৰৰ স্বত্ব নেথাকিল ইতি।

ডিব্ৰুগড়,
১লা নবেম্বৰ ১৮৯৮। } শ্ৰীদিবাকৰ দুৱৰা।




# পাতনি।

—:*:—

আজি কালি আমাৰ দেশত, বিয়া হলে বোৱাৰী ও জিয়ৰী বিলাকে নামতীৰ অভাবে, নাম গোৱাত আহুকাল পাই বিয়ালৈকে নোযোৱা হৈছে, সেই দেখি তেওঁবিলাকৰ সেই দুখ দূৰ কৰিবৰ নিমিত্তে অতি আগ্ৰহ কৰি ছাপা কৰাই এই নামতী আই আগ বঢ়ালো। যদি সকলোৱে মৰম কৰি তেওঁক ওচৰ চপাই লৈ কোনো এখন বিয়াত বহে, বোধ কৰোঁ তেওৰ সহায়তে আপোনালোকে ঝাত্ ঝাত্ কৰি মিঠা সুৰেৰে নাম গাই সভা মোহিত কৰিব পাৰিব। নামৰ জাত বা বিয়া নাম শিকিবলৈ কাৰো ওচৰলৈ যাব নেলাগে এই নামতী আইৰ, সহায় ললেই বিয়াৰ নাম শিকিব পাৰিব। নামতী আইয়ে আপোনালোকৰ একে সাৰিত বহিবলৈ পালেই মোৰ পৰিশ্ৰমৰ সাৰ্থক হল বুলি ভাবিব পাৰিম। ইতি

একান্ত বাধ্য

শ্ৰীদিবাকৰ দুৱৰা।

# বিষয়।

—:*:—

# নামতী-আই।

(১) নোৰাঁই তোলনি বিয়াৰ নাম।

হাতি কৰে ডোল্ ডোপ্
ঘোঁৰাৰ সঞ্চাৰ।
বাণ ৰজাৰ ঘৰে আজি
কিহবে জঞ্জাল।
অলপ ম -তিয়া উষা
হইছে কন্যা কাল।
বাণ ৰজাৰ ঘৰে আজি
নকৰা জঞ্জাল॥



সালত এড়িলা
ছেলেং সাতে কাঠি
ঐ ৰাম! জটৰত এৰিলা পাঁজি হে।
এইনো সাত দিনে
কি বন কৰিলা
ঐ ৰাম! কোচত পানী লৰা বান্ধি হে।
আবেলি বেলিকা
কনাই মুলিয়াৰা
ঐ ৰাম! ছিলাই থাপে ৰাখি নিব হে।

ছিলাই থাপে মাৰি
মদাৰত তুলিব
ঐ ৰাম ! বুঢ়ীমাক মৰিব কান্দি হে ।
এজনী বুঢ়ী মাক
লেৰেলী ঠেৰেলী
ঐ ৰাম ! এজনী বুঢ়ীমাক কলী হে ।
আইটীৰ বিয়ালৈ
আথৈ ভাজিবলৈ
ঐ ৰাম ! আনে গজ পুৰৰ বালি হে ।
গজে গজ পুৰত
বগাই ৰঙ্গে পুৰত
ঐ ৰাম ! পেলাই গুৱাহাটিত কলি হে ।
আথৈ ধান সাঁচিলে
টোপোলা টোপোলে
ঐ ৰাম ! মাৰে জীয়েৰে থাবা হে ।
প্ৰানৰে বাথক
জয়মতী গাভক
ঐ ৰাম ! কিয় অভপালি হলা হে।
দ্বাৰকাৰ কৃষ্ণৰ
কপাল হল মুকলি
ঐ ৰাম ! অলপত কন্যাকাল হলা হে ।
কতক কনাই কৌৱা
লোবা অই আইটী
ঐ ৰাম ! গোহালী সাজিব কোনে হে ।

বহুত জগ্গলিয়া
পৈয়েৰ ধেমেলীয়া
ঐ ৰাম ! আৰ্জ্জি পুহিব কোনে হে ।
কনাই কোলা লঁৰতী
খপৰাই বইঁতি
ঐ ৰাম ! কনাই লৈ আনিছ কিয়ে হে ৷
কনাই লৈ আধলি
মাকলৈ মাদলি
ঐ ৰাম ! ৰাইজলৈ তামোল পান লাগে হে !
থুপি থুপি নেমুটেঙ্গা
বজাৰবে লোন ।
আমাৰ আইদেওক সজাই থৈছে
যেনে পূৰ্ণিমাৰ জোন ॥

## (২) জোৰণ পিন্ধোৱা নাম ।

ইয়ে বাধা ! কি মনি সাজেবে
ইয়ে বাধা ! কি মনি আনিছা
ৰুক্মিণী অ দেও ! লই আহা বাছি পিন্ধাও ।
ইয়ে বাধা ! সোনাবি সালতে
ইয়ে বাধা ! সাদিন টিকে টিকাই
ৰুক্মিণী অ দেও ! আইদেওৰ হাতলৈ থাক ।
ইয়ে বাধা ! মনতে অসন্তোষ
ইয়ে বাধা ! নকৰা আইদেও
ৰুক্মিণী অ দেও ! তুমি হবা আলাসৰ লাক ॥

ইয়ে ৰাধা ! সুবৰ্ণৰ খাটতে
ইয়ে ৰাধা ! আইদেও শুইয়াছে
কৰিণী অ দেও ! ই কথা মনতে নাই ।
ইয়ে ৰাধা ! লাখৰ বাখৰ কৰি
ইয়ে ৰাধা ! আইটীৰ ৰাইদেউক
কৰিণী অ দেও ! নাহেকৈ যগোৰা গই ॥
ইয়ে ৰাধা ! মাৰৰ অলঙ্কাৰ
ইয়ে ৰাধা ! থোৱা ঐ আইটি
কৰিণী অ দেও ! ককাই দেওৰ অলঙ্কাৰ থোৱা
ইয়ে ৰাধা ! তোমাৰ নিজ ঘৰৰ
ইয়ে ৰাধা ! অলঙ্কাৰ আনিছে
কৰিণী অ দেও ! হাত কৰ যোৰেকৈ লোৱা ॥
ইয়ে ৰাধা ! ভেকুৰি গছুতে
ইয়ে ৰাধা ! মেকুৰি উঠিলে
কৰিণী অ দেও ! জুলুকাই ভাগিলে ডাল ।
ইয়ে ৰাধা ! আইদেওৰ হাঁওলে
ইয়ে ৰাধা ! কি থাক আনিছা
কৰিণী অ দেও ! ঢেকিৰ গুল দিবলৈ আল ॥
ইয়ে ৰাধা ! ওপৰৰ কুকুৰাই
ইয়ে ৰাধা ! আনে বৌ মাছ
কৰিণী অ দেও ! তলৈ পেলালে খিছা ।
ইয়ে ৰাধা ! জোৰোনত গ্রিছেহি
ইয়ে ৰাধা ! মুগাৰে মেখেলা
কৰিণী অ দেও ! সমাজ পাই মাজিৰ খিছা ॥

ইয়ে বাধা ! ছোতালৰ আগৰে
ইয়ে বাধা ! মিঠা আম এজুপি
ৰুক্মিণী অ দেও ! বাকলি গুছাইয়ে খাবা ।
ইয়ে বাধা ! দোষ দায় কৰিব
ইয়ে বাধা ! দবাব মাক ক্ষমিবা
ৰুক্মিণী অ দেও ! মাকৰ মুখলৈ চাই ॥
ইয়ে বাধা ! শুনিবা শুনিবা
ইয়ে বাধা ! দবাবে মাকে
ৰুক্মিণী অ দেও ! আইদেওৰ ব্যবস্থা কওঁ৷
ইয়ে বাধা ! তাঁতত হালে জালে
ইয়ে বাধা ! শবাইত ফুলে গাঁথে
ৰুক্মিণী অ দেও ! তাকেহে আইদেও পাবে ॥
ইয়ে বাধা ! টান বম নিদিবা
ইয়ে বাধা ! লঘোনে নথবা
ৰুক্মিণী অ দেও ! চেচুকৰ ডেম ডেউকা ।
ইয়ে বাধা ! চাবি ভাইৰ মাজৰে
ইয়ে বাধা ! চেনেহৰ আইদেউ
ৰুক্মিণী অ দেও ! নেথাই দোৱা ভজা ছিবা ॥
ইয়ে বাধা ! শুকান পিঠা গুবি
ইয়ে বাধা ! চালিৰ নোৱাৰে
ৰুক্মিণী অ দেও ! হাতৰ পানী জোলা বাব্দে ।
ইয়ে বাধা ! লোকৰ ব্ৰাত্তে কথা
ইয়ে বাধা ! শুনিব নোৱাৰে৷
ৰুক্মিণী অ দেও ! আপুনি স্বয়ং বৈ থাকে ॥

ইয়ে বাধা ! আমাৰ আইদেউ
ইয়ে বাধা ! নিছেই কুমলীয়া
কস্মিণী অ দেও ! নিছেই কল পাতৰ থুৰি ।
ইয়ে বাধা ! আটিৰ নোৱাৰে
ইয়ে বাধা ! চাটোনৰ মেখেলা
কস্মিণী অ দেও ! বান্ধিব নেজানে চুলি ।

---

## (৩) মূৰত তেল দিয়া নাম ।

দালিম থিয় কৰি
মূৰত তেল দিবা
ঐ ৰাম । সুগন্ধ মালতীৰ হাতে হে ।
তেলে চিকে মিকাই
চিকন ঐ আইদেও
ঐ ৰাম ! আৰু চিকে মিকাই হাতে হে ।

---

## (৪) পানী তুলিবলৈ যোৱা নাম ।

ওলাই আহা শশী প্ৰভা
ৰাজ্যৰ মহা দৈ ।
শুভ ক্ষণে যাত্ৰা কৰি
জল আনো গৈ ॥
কাষে ঘণ্টা লোৱা বাধা
মুৰে লোৱা মালা ।

(ক) যমুনা লৈ যাব লাগে
নকৰিবা হেলা ॥
বাটে বাটে ফুলি আছে
কেতেকী বকুল।
চলিব নোৱাৰে খাখাই
পাৰত নেপূৰ ॥
বাটে বাটে জোনা জুমি
চোৱা গোপীলোক ।
কোন খনি বৃন্দা বন
চিনাই দিয়া মোক ॥

---

বস্তুৰ কলসী
দশমে মলসী
ঐ ৰাম ! লই যোৱা আচলে ঢাকি হে ।
আগত গইছে
গায়নে বায়নে
ঐ ৰাম ! পাছত গইছে ভাবী হে ।
মাজত গইছে
দ্রুপদ জিয়াৰী
ঐ ৰাম ! পাণ্ডুৰ নিজা বোৱাৰী হে।
দূবৈকৈ পুখুৰী
খনালা আই দেউ
ঐ ৰাম ! বন্ধালা সেন্দুৰী আলি হে ।

তাৰ [illegible] পাশে
কদম কই গ'লা
ঐ ৰাম ! তাৰ মাজে বকুলৰ সাৰী হে
যাওঁ বেগ ধৰি
নেপাও হাত মেলি
ঐ ৰাম ! ক'তবা যমুনা নৈ হে ।
যমুনাৰে জল
কৰে টল বল
ঐ ৰাম ! আছে বকুল তলে বই হে ।
যমুনাৰ বালি পাই
তথাদি আছে চাই
ঐ ৰাম ! তোলোঁ কোন ঘাটে পানী হে ।
যদি ধুকি পাওঁ
তাবে তুলি নিওঁ
ঐ ৰাম ! যমুনা সাগৰৰ পানী হে ।
দূৰকৈ পুখুৰী
থনালা আইটী
ঐ ৰাম ! পাৰত বোৱাই গ'লা জৰা হে ।
ৰাধাই পানী তোলে
উঠিব নোৱাৰে
ঐ ৰাম ! নমাই দে পাৰলী ঘোৰা হে ।

---

( খ ) মথুৰা ঘাটক লাগি ৰাধা চলি যায় ।
বাট ভেটি থিয়া থেদে নন্দৰ কানাই ॥

সুঠিবা নাৰত ৰাধা, কানাইৰ ভগা নাওঁ।
ক'ত থবা দধি ভাও, ক'ত থবা পাও॥
যমুনাৰ ঢৌ দেখি, ৰাধাৰ কঁপে হিয়া।
ঘাটে নাওঁ চপাই দিয়া অ! বিনন্দিয়া॥
ইফালৰে চাক নৈয়া, সিফালৰে ঢৌ।
তামৰ কলসী ৰাধা, ভৰিল নে নৌ॥
জললৈ নেনামে টেঙৰী যশোদা
নাগে হৰি নিয়ে বুলি এ
জল এৰি দিয়া হৰি এ
লই যাওঁ কলসী ভৰি এ

(৫) পানী তুলি ওভতি আহোঁতে গোৱা নাম।

জয়! গঙ্গাত জল মাগি,
জয়! কি মায়া দেখিলা,
জয়! যৈ বসুদেৱে শোধে।
জয়! জল ভৰি যশোদা,
জয়! পাছলৈ নেচাবা;
জয়! সাগৰ আহিব ভাগি।
জয়! সাগৰো ভাগিব,
জয়! জগৰো লাগিব,
জয়! লোকৰ ধৰমীয়া বিয়া।
জয়! গঙ্গাত জল মাগি,
জয়! আনিছোঁ আইটী,
জয়! লোৱাহি আঁচলে পাতি।

জয় ! লগাই থৈ আহিলোঁ,
জয় ! সোণৰ মুঠি গছা,
জয় । এতিয়াই আহোগৈ বুলি ।
জয় ! জল কুৱৰীয়ে,
জয় ! এৰি নপঠিয়াই,
জয় ! মোকো লই যোৱা বুলি ।
জয় ! চাঁতে ফুলিলে,
জয় ! বালি বাবৰি,
জয় ! আহোঁতে ফুলিলে জবা ।
জয় ! ছকুৰি গোপিনী,
জয় ! আহে পানী তুলি,
জয় ! . ভৱ সাগৰৰ পৰা
জয় ! খতাহত মাৰলি,
জয় ! ভাগিল হৰি হৰি,
জয় ! খতাহত মাৰলি ভাগিল ।
জয় ! ৰং যেন দেখিলা,
জয় ! গায়নক মাতিলা,
জয় ! গায়নৰ কি জগৰ লাগিল
জয় ! কৰ্দৈ চকলা
জয় ! পাতে ভৰা ভৰা,
জয় ! কৰ দৈ চকলা পাত ।
জয় ! কপৰ চকলা,
জয় ! দিবলই কোৰাগৈ,
জয় ! ঢুলিয়াই নিদিয়ে বাট ।

জয়! ঢাপৰ থেৰেঙ্গু।
জয়! টেঙ্গা হৰি হৰি,
জয়! ঢাপৰ ঠেৰেঙ্গু টেঙ্গা।
জয়! থৰকৈ যোৱাগৈ,
জয়! দেউতাক কোৱাগৈ,
জয়! মাৰকহি গায়নৰ জেঙ্গা।
জয়! আইটীৰ পধূলি,
জয়! ওথোবা মোথোবা
জয়! গায়নৰ নচলে ভৰি।
জয়! আনা কোৰ থনি,
জয়! দিয়া সমান কৰি,
জয়! গায়নে চলায় যক ভৰি।

---

## (৬) ছালত পানী দিয়া নাম।

ছালত পানী দিবা,
ধাৰ নিচিঙ্গিবা,
ঐ ৰাম! অতি সাৱধান হবা হে।
ছালত পানী দিবা,
নিয়ম কৈ সোমাবা,
ঐ ৰাম! মৰল চাই টেকেলি থবা হে॥

---

## (৭) মঁৰলৈ সোমোৱা নাম।

পাঁচ বৰণীয়া,
পাচুটি টেকেলী,
ঐ ৰাম। ঘিলা বৰণীয়া পানী হে।
আউদেউ সুধিলে,
কবা কি এ বুলি,
ঐ ৰাম! ডিক্রুনইৰে পানী হে।
দুৱাৰ মেল দুৱৰি
অৰ্জ্জুন কুৱৰী
ঐ ৰাম! দুৱাৰত ঘুমুছা অৰি হে।
শিলৰ পাটে দুৱাৰ,
মেলাগৈ ঘৰিণী,
ঐ ৰাম! কলসী ভিতৰে কৰো হে।
গঙ্গাত জল মাগি,
আনিছোঁ আইদেউ,
ঐ ৰাম! লোৱাহি মাথা ধোঁৱাই হে।

---

## (৮) নোৱনি ঘৰলৈ যোৱা নাম

ওলাই আহা আইদেৱে
মাটিত মঙ্গল চাই।
গণকে গণিডা কৰে
ক্ষণ চৰি যায়॥

ওলাই আহা আইদেৱে
আঙ্গুলিক লেখি
প্ৰজা সকল ৰই আছে
তোমাক নেদেখি ॥
ওলাই আহা আইদেৱে,
ডুবাৰ দলিৰ বাজ ।
ঘৰতে নোৱাৰ লাগে
নকৰিবা লাজ ॥
ওলাই আহা আইদেৱে
কদমতে ধৰি ।
নোৱাৰলৈ ৰই আছে
কৌশল্যা সুন্দৰী ॥

---

বৃন্দাবনৰ মাজে
আইদেউ চলি যায়,
ঐ ৰাম ! থমকে থমকে পাৱ চলাই ।
চিত্ৰ মুনিৰ পুত্ৰ
আমি চিনা নাই
ঐ ৰাম ! মোহন মুৰুলি বাংশী বজাই ॥

---

## (৯) নোৱনি ঘৰত গোৱা নাম ।

অ ! হৰি চম্পাৰ কলি
যোজান পনে প্ৰাত

নেমাৰিবা নেমাৰিবা
দই পানীৰ চাট ॥
আচলতে ধৰি মাৰে
ঘুৰে পঞ্চ বাৰ।
অভিমান নকৰিবা
বেদৰ ব্যৱহাৰ ॥

---

বেইতে ঘুৰোঁতে
ফুৰনি ধৰিলে
ঐ ৰাম! সোমাই ৰৰপিৰাত ৰহে হে।
জীয়েকৰ আচলত
মাকে ধৰিছে
ঐ ৰাম! ই জনী কি লাহত ঘুৰে হে।

---

প্ৰথমতে মুঠা দিবা
অ! সখি মাহ শিৰত।
হালধিত তেল দিবা
অ! সখি ৰহিবা গাৰত
হালধি বাটিলে কোনে
অ! সখি থৰচিয়া হল।
শিতলীয়া গায় পাই
অ! সখি পিছলিয়া গল

জাতি চন্দন বে
এছাতি মাৰিবা
থাকিব মনে মনাই ৰাম জানকী।
কেলেই ঘহিছা
কেতুৰি হালধি
আপুনি কেতেকী পাহি ৰাম জানকী।
মাৰৰ হালধি
থোৱা কাতি কৰি
দেউতাৰৰ হালধি থোৱা ৰাম জানকী।
তোমাৰ নিজৰ গুৰুৰ
হালধি আনিছে
তাকে ঘহিবলৈ লোৱা ৰাম জানকী।
আগলি পাততে
বাজলি হালধি
ঘহে মৰাচালি কৰি ৰাম জানকী।

ঃ

ভৰিলৈ ননমাই
মাকৰ মান হৰাই বুলি ৰাম জানকী।
এটা বাটিতে
মাহে হালধী
এটা বাটিতে দৈ ৰাম জানকী।
হৃদক নোৱাবলই
গৌৰী আহিছে
মূৰত ওৰণী লই ৰাম জানকী।

অতি চেনেহৰে
মাকে নোৱাইছে
ওপৰে বলাইছে চিলা ৰাম জানকী।

---

আইদেউৰ পধুলিতে, হালি আছে নল।
কলহে কলহে ঢালে, যমুনাৰে জল॥
দেউতাৰ চাপত আছে, পাৰদ মণি তিতা।
এতেবেলি নোৱাই আছে কুমলিয়া সীতা॥
মেঘৰ বৰণ শ্যাম তনু, দিগম্বৰ ভেশ।
পিঠিত পৰিয়া আছে, আউল জাউল কেশ॥
ৰহি আছে আইদেৱে, মেলি আছে চুলি।
শৰ ধনু ধৰি আছে, হৰি নিয়ে বুলি॥
স্নান কৰি আইদেৱে দুৰ্গাত মাগে বৰ।
জন্মে জন্মে মোৰ স্বামী হোক দামোদৰ॥
স্নান কৰি আইদেৱে কঁপে থৰ থৰি।
পেলাই দিয়া পাটৰ বস্ত্ৰ, পিন্ধক লাহে কৰি।
স্নান কৰি আইদেৱে গোপিণীলৈ চাই।
চেনেহৰ মাকৰ মনে, অনেক খেলাই॥
স্নান কৰি আইদেৱে মূৰত দিয়ে হাত।
স্বৰ্গৰ পৰা ইন্দ্ৰ আহি কৰে আশীৰ্ব্বাদ॥

---

ৰাম ৰাম। জাৰে কপাই হিয়া
ৰাম ৰাম। কিনো ৰঙ চোৱা
ৰাম ৰাম। বস্ত্ৰ দি আবৰি আনা।

ৰাম ৰাম। গা চাই গামোছা
ৰাম ৰাম। আনাগই লিগিৰী
ৰাম ৰাম। কৰ্কাল চাই মেখেলা আনা ॥
ৰাম ৰাম। মুখে চাই আৰছি
ৰাম ৰাম। আনাগই বানেছি
ৰাম ৰাম। দাপোন চাই মেলাগই চুলি।
ৰাম ৰাম। চুলিও নেমেলে
ৰাম ৰাম। চন্দনো নিপিন্ধে
ৰাম ৰাম। সতৰ ফেঁাট নলৱে বুলি।
ৰাম ৰাম। গা ধুই আইটী
ৰাম ৰাম। মাকক সুধিলে
ৰাম ৰাম। মোলৈ কি এ সাজ আছে।
ৰাম ৰাম। চাঁতে শুকুৰা
ৰাম ৰাম। মুঠিতে লুকুৰা
ৰাম ৰাম। তোমালৈ সেই সাজ আছে।
ৰাম ৰাম। গা ধুই উঠিয়েই
ৰাম ৰাম। দেউতাক সুধিলে
ৰাম ৰাম। কি ফুল পিন্ধিব পাই।
ৰাম ৰাম। সেউতী নিপিন্ধো
ৰাম ৰাম। মালতী নিপিন্ধো
ৰাম ৰাম। নিপিন্ধো থৰিকা জাঁই।
ৰাম ৰাম। সাগৰৰ মাজতে
ৰাম ৰাম। আছে পাৰিজাত
ৰাম ৰাম। তাকে আনি দিওঁতা নাই।

ৰাম ৰাম। দেউতা বিষয়া

ৰাম ৰাম। দিলে নাও বঠা

ৰাম ৰাম। পাৰিজাত বিচাৰি যাওঁ।

---

# (১০) মূৰত চাউল দিয়া নাম

( ক ) আজুনন্দ নন্দ ঘৰে।
পূৰ্ণ ব্ৰহ্ম জন্ম ধাৰে ॥
ঘাগুৰ গুৰ গুৰ সঘন বাজে।
কত মন মঠ দেখি লাজে ॥
গোপিণী মিল মিল নেত্ৰ ছৰে
দধি দুগ্ধ খেলৰে।
মূৰত চাউল দিবা।
আশীৰ্ব্বাদ কৰা।
সুমঙ্গল বসতি হোক এ।

---

( খ ) আগত দিয়া পাছত দিয়া
পঞ্চ আয়টীয়ে ৰাম ৰাম
পঞ্চ আয়টী এ।
দুৰ্ব্বা ঘাটে পানী তোলে ?
যশোদা সুন্দৰী ৰাম ৰাম
যশোদা সুন্দৰী।

পুখুৰীৰ চৌ পাশে
খাগৰিৰ বেৰা ৰাম ৰাম
খাগৰিৰ বেড়া।

দলি মাৰি পেলাই দিবা ২
ফটিকৰে মালা ৰাম ৰাম
ফটি কৰে মালা।

তুমি দিবা ফটিক মালা
আমি দিমে কিয়ে ৰাম ৰাম
আমি দিমে কি।

ধৰম কৰি বিয়া দিবা ২
সত্য ব্ৰহ্মাৰ জী ৰাম ৰাম
সত্য ব্ৰহ্মাৰ জী।

পুখুৰীত পানী নাই
পাৰক হুবুৰে ৰাম ৰাম
পাৰক হুবুৰে।

বৃক্ষত পক্ষী নাই ২
ঝাকে ঝাকে উৰে ৰাম ৰাম
ঝাকে ঝাকে উৰে।

তুলসীৰ তলে শুই
মৃগ পহু আছে ৰাম ৰাম
তাক দেখি ৰামচন্দ্ৰই ২
শৰ ধেনু ধৰে ৰাম ৰাম
শৰ ধেনু ধৰে।

আশীৰ্ব্বাদ কৰাঁ। মুৰত চাউল দিয়া
সুমঙ্গল বসতী হোক এ।

---

## [১১] মৰলত বহি গোৱা নাম

দেখ সখি! তুলিতে বহিছে
দেখ সখি! চুলি মেলিছে
দেখ সখি! অনেক ভকতলৈ চাই হে।
দেখ সখি! চিকন ঐ আইদেও
দেখ সখি! গলে চিকে মিকাই মনি হে।
দেখ সখি! মুঠিৰ ভিতৰত
দেখ সখি! কিহে চিকে মিকাই
দেখ সখি! হেঙ্গুল হাইঠালৰ ফণি হে।
দেখ সখি! সেৱা সবিয়হৰ
দেখ সখি! চিকন তেল এটুপি
দেখ সখি! কোমল দইৰ বাহুবে ফণি হে।
দেখ সখি! লাহেকই মেলাবা
দেখ সখি! এডালি ছিগিব
দেখ সখি! আইদেওৰ চেনেহৰ চুলি হে।
দেখ সখি! সকবে এপবা
দেখ সখি! কেশকে বঢ়ালা
দেখ সখি! এডালি নিছিগা কৰি হে।

দেখ সখি ! জীয়েকৰ মৰমত ।
দেখ সখি । মাকে মুৰ মেলাইছে
দেখ সখি । ছিগিব চেনেহৰ চুলি হে ।
দেখ সখি । সোনৰ কাঁকইৰে
দেখ সখি । বেলোৰ দাপোণে
দেখ সখি । আইদেওক সজাৰ পাই হে ।
দেখ সখি । আইদেওক সজাইছে
দেখ সখি । বম্বিনা গঢ়াইছে
দেখ সখি । প্ৰতিমাত চকু দিয়ে হে ।
দেখ সখি । আকাশত মণ্ডলি
দেখ সখি । পুৰ্ণচাঁদ ওলাইছে
দেখ সখি । ত্ৰৈলোক্য পোহৰ কৰি হে ।
দেখ সখি । অগৰু চন্দনে
দেখ সখি । মিহিকই পিহনে
দেখ সখি । কপালে পূৰ্ণ চান্দ জ্বলে হে ।
দেখ সখি । সেউতীৰ এচাকী
দেখ সখি । মালতীৰ এচাকী
দেখ সখি । আৰু চপাৰ কলিৰ চাকি হে ।
দেখ সখি । হেমবন্ত বজাই
দেখ সখি । আইদেওক সজাইছে
দেখ সখি । একো নাই থোৱা বাকী হে ।
দেখ সখি । মুকুতাৰ দান্ত
দেখ সখি । নাহিকে মাতন্ত
দেখ সখি ! মুখে হাসে যেন কৰে হে ।

আইদেৱে নবহিলে তলে ধূলি মাটি।
ককাইদেৱে অনাই থৈছে বঙ্গলুৱা পাটী॥
বঙ্গলুৱা পাটী ধাৰি বাঘৰ নেজি ঠেঙা।
তাতে বহি আনন্দ কৰে সোণৰ চেকুৰা॥
সবায়ে নধৰে
অয়ে অলঙ্কাৰে
অ শশি। এলহে নধৰে জল।
সমাজৰ মাজতে
আইদেও বহিছে
অ শশি। এশ পৰিয়ালৰ বল।
নই কাষৰ ঢেকিয়া -
চিৰলি চিৰলি
অ শশি। নেথাই বা থাকিব কোনে।
আমাৰ আইদেও
জোন বৰণীয়া
অ শশি। নেচাই বা থাকিব কোনে।
সোনাৰিৰ শালতে
নিতৌ টিকে টিকাই
অ শশি। আইদেওৰ হাতলৈ থাক।
তুমি যে আইদেও
চিন্তা নকৰিবা
অ শশি। হবাগই আলাশৰ লাক।
নই কাষৰ ঢেকিয়া
ঠৌৰালি ঠৌৰালি

অ শশি। পিতলৰ সৰাইতে ৰাছো।
চিন্তা নকৰিবা
আনাৰ আইদেও
অ শশি। চৌ পাশে আৰ্বৰি আছো।
কোনে আনি দিব
গোণে আমেলথি
অ শশি। কোনে আনি দিব ভৰা।
কোনে আনি দিব
দ্বাৰকাৰ কৃষ্ণক
অ শশি। কুণ্ডিলা নগৰৰ পৰা।

---

আজি চৌপৰ ৰাতি
গাঠিছে মা তো
নাচিছে গন্ধৰ্ব্ব গাৱে কি ৰাম ৰাম।
কেতেকী এপাহি
কেতেকী দুপাহি
কেতকীৰ তিনি পাহি কি ৰাম ৰাম।
ডালৰ কেতেকী
নাচে ঘুৰি ঘুৰি
আইদেও পেলালে হাঁহি কি ৰাম ৰাম।
আইদেওৰ তপস্যা
চোৰা বালি ৰাজা
চোতালে নধৰে প্ৰজা কি ৰাম ৰাম।

বনৰ বনে চৰাই
মৰাই ধৰে ফুৰাই
আইদেওৰ দেউতাক ৰজা কি ৰাম ৰাম
পথুলি মুৰবে
কাঞ্চন ফুল এজুপি
নিতৌ তিনি পাহি সৰে কি ৰাম ৰাম।
আইদেওৰ মুখলৈ
চাবকে নোৱাৰি
হীৰা কি মুকুতা জ্বলে কি ৰাম ৰাম।
ঘিলাৰে গছতে
ঘিলা নাইকিয়া
পাতে তিৰে বিৰে কৰে কি ৰাম ৰাম।
আইদেওৰ গাতে
গিলিপ নাইকিয়া
ছকে তিৰে বিৰে কৰে কি ৰাম ৰাম।
এক লাখ টকাৰে।
তুলি তলিছা
দুই লাখ টকাৰে গাৰু কি ৰাম ৰাম।
তিনি লাখ টকাৰে
আইদেওক সজাইছে
কোনে বুলি যাব সক কি ৰাম ৰাম।
ই বোলে আইদেও
সি বোলে আইদেও
আইদেও তিয়ঁহৰ জালি কি ৰাম ৰাম

আইদেওৰ চুলি টাৰ
মেঘতকৈ অৱতাৰ
বংশী বদনৰ চুলি কি ৰাম ৰাম ।
পধূলিৰ মুৰতে
তামোল তিনি জুপি
তাৰ মাঝে তৰিছে তাঁত কি ৰাম ৰাম ।
মাকোৰ ঘিত্ ঘিতনি
গাম থাকৰ বাজনি
নুশুনো আইদেওৰ মাত কি ৰাম ৰাম ।
শৰায়ে শৰায়ে
কাঞ্চন ফুল গাঠিছে
আইদেওৰ খোপাটৈল চাহ কি ৰাম ৰাম ।
সেউতী নিপিন্ধে
মালতী নিপিন্ধে
পিন্ধিৰ খৰিকা জাঁই কি ৰাম ৰাম ।
বৰ ছৰাৰ মুখতে
পাৰৰ টঙি দিলে
পাখিয়ে ধপে ধপাই কি ৰাম ৰাম ।
একাঠু তুলিতে
আইদেউ বহিছে
মাটি ভকে ভকাই কি ৰাম ৰাম ।
আইদেওৰ কপালে
পাতিদৈ নেপালে
ই ৰাজ্যত নেপালে দৰা কি ৰাম ৰাম ।

কাকই কদমলৈ
টেকেলা পঠালে
অনাইছে বিচিত্ৰ দৰা কি ৰাম ৰাম ।

---

শিৱ ! বান ৰজাৰ জীয়ৰী
শিৱ ! উষা পটেশ্বৰী
শিৱ ! স্বপ্ন দেখিলে ৰাতি
শিৱ ! ৰাতি দুপৰ নিশা
শিৱ ! উষাই স্বপ্ন দেখে
শিৱ ! কি লাগি জীৱনে ধৰো
শিৱ ! আহা সখি সবে
শিৱ ! স্বামীৰ বিৰহে
শিৱ ! জলে ঝাম্প দিয়া মৰো ।
শিৱ ! ৰাতিত লগে পাই
শিৱ ! নাৰদে সুধিলে
শিৱ ! কলৈ যোৱা প্ৰাণ সখি ।
শিৱ ! কিবা সোধা সখি
শিৱ ! কুমাৰক নেদেখি
শিৱ ! উষা মৰিলেক কান্দি ।
শিৱ ! পাটিত বহিয়ে
শিৱ ! উষা মূৰ্চ্ছা গলে
শিৱ ! সখিক সোধে যুগুতি ।
শিৱ ! কেনেকৈ হৰিবা
শিৱ ! অনিৰুদ্ধ কুমাৰক
শিৱ ! থৈছে লোৱৰ গড় মাৰি ।

শিৱ ! কামদেৱৰ পুত্ৰ
শিৱ ! গোবিন্দৰ নাতি
শিৱ ! আনি দিয়া প্ৰাণ সখি ।

---

চিত্ৰ লেখা বোলে উষা
ওনা প্ৰাণৰ সখি ।
সাত দিনৰ ভিতৰে মই
পত্ৰ দিমো লেখি ।

---

অই ৰে ! পাতিত বহি আইদেৱে
অই ৰে ! গাঠে ফুলৰ মালা ।
অই ৰে ! কি কি ফুলৰ মালা আইদেউ
অই ৰে ! কি কি ফুলৰ মালা ।
অই ৰে ! গাৱত বঙ্গালি বস্ত্ৰ
অই ৰে ! তুলসীৰ মালা ।
অই ৰে ! তুলসীৰ মালা লই
অই ৰে ! স্বামী সেৱা কৰে ।
অই ৰে ! সুমঙ্গল হোক বুলি
অই ৰে ! আশীৰ্ব্বাদ কৰে ।
অই ৰে ! আইদেউৰ কাপোৰতে
অই ৰে ! মাণিকৰ জেঠি ।
অই ৰে ! দহো আঙ্গুলিয়ে জ্বলে
অই ৰে ! বত্নৰ আঙঠি ।

অই ৰে ! আইদেওৰ কপালতে
জ্বলি আছে ৰাহু ।
অই ৰে ! ৰাম যেন স্বামী পালা ।
কৌশল্যা হেন শাহু ।
অই ৰে ! ৰতাহতে হালে জালে ।
আগৰ ৰঙ্গা পান ।
অই ৰে ! পাতিত বহি আইদেৱে ।
মাগে স্বামী দান !

---

চৰাইৰ নাম সৰালী
মাছৰ নাম ৰৰালি
সাপৰ নাম পানী মৰলি হে ।
দেউতাৰ ছৰাতে
আইদেও বহিয়াছে
ওপৰে সোনৰ মাৰলি হে ।
ঢ়ালিতে বহিছে
চুলি মেলিছে
শৰাই লৈ মেলিছে চুলি হে ।
দহো আঙ্গুলিয়ে
ৰত্ন জ্বলিছে
নেপুৰে ধৰিছে তুলি হে ।
উৰে কুমলীয়া
থাৰকে নোৰাৰি
কটাবিৰ আগৰে লোণ হে ॥

আইদেওৰ মুখলৈ
চাবকে নোৱাৰী
যেনে পূৰ্ণিমাৰ জোন হে।
কি খুৱাই তুলিলা
ৰূপহী আইদেওক
কি দি বঢ়ালা চুলি হে
ঘোড়াৰ ফান যেনে
আইদেওৰ চুলিটাৰ
কচুৰ পেপাঁ যেন ককাঁল হে।

---

নাজিৰ ! আইটি আইটি বুলি
নাজিৰ ! মাকে মাতিলে
ইলাচি এ জয় ! আইটী বা কেহেলৈ গ'ল !
নাজিৰ ! তোমাৰ আইটী
নাজিৰ ! জোন ৰবণীয়া
ইলাচি এ জয় ! সোনতে মিহলি হলি
নাজিৰ ! আগইয়ে ককাইদেও
নাজিৰ ! কই ফুৰিছিলা
ইলাচি এ জয় ! আইদেও কতবা থায়।
নাজিৰ ! এতিয়া ককাইদেও
নাজিৰ ! চোৰা মনত কৰি
ইলাচি এ জয় ! বৰ ঘৰ সুদা বই যায়।
নাজিৰ ! চৰায়ে তুলিলে
নাজিৰ ! ছ অৰা পোৱালী
ইলাচি এ জয় ! গছৰ ডাল সুৱনি কৰি।

নাজিৰ ! মাকে দেওতাকে
নাজিৰ ! আইদেওক তুলিলে
ইলাচি এ জয় ! লোকৰ ঘৰ সুৱনি কৰি।
নাজিৰ ! আগ বাৰি সুৱনি
নাজিৰ ! কাকিনি তামোলে
ইলাচি এ জয় ! পাছ বাৰি 'সুৱনি পান।
নাজিৰ ! বন ঘৰ সুৱনি
নাজিৰ ! আমাৰে আইটি
ইলাচি এ জয় ! উলিয়াই দিবলৈ টান।
নাজিৰ ! আগইয়ে ককাইদেও
নাজিৰ ! কই থই ছিলা
ইলাচি এ জয় ! ঢাপত মুকুবা জোল।
নাজিৰ ! জোল শৰি যাব
নাজিৰ ! লোকে লই যাব
ইলাচি এ জয় ! আমাৰ ঘৰ সুদা হই যাব।

---

হৰি হে ! কেলই কুটিলা
হৰি হে ! চুমই কই পছলা
হৰি হে। লোকে বাটি ভৰাই খাব।
হৰি হে। কেলই তুলিলা
হৰি হে ! কপহী আইদেউক
হৰি হে ! লোকে বনে কৰা খাব।
হৰি হে ! আগইয়ে কলো মই
হৰি হে' অ'বৰ ককাইদেউ

হৰি হে ! ঠেকেৰা নিদিবা তাতত ।
হৰি হে ! আজুৰি আহিব
হৰি হে ! পাজুৰি আহিব
হৰি হে ! লোকৰ ঠেকেছনি মাতত ।
হৰি হে ! চবাই খোবোজৰে
হৰি হে ! ছকুৰি তামোলে
হৰি হে ! কেচা খোবোজৰে পান ॥
হৰি হে ! বাজ্যক মাতিবলৈ
হৰি হে ! লাগে কেতেবেলি
হৰি হে ! আমাক মাতিবলৈ টান ।
হৰি হে ! ফুদি জলালো
হৰি হে ! থাপ দি নুমালো
হৰি হে ! ফলিয়া ভুঁহৰে জুই ।
হৰি হে ! কল্লাৰ ককায়েকৰ
হৰি হে ! দাড়িত জুই লগালো
হৰি হে ! নোৱনী তামোলৰ বৈ ॥
হৰি হে ! আগৰে এপৰা
হৰি হে ! শুবিলৈ লাগিছে
হৰি হে ! না দোকোনৰগছ ।
হৰি হে ! এখন তামোলৰে
হৰি হে ! বিয়াখন পাতিছে
হৰি হে ! মুহদি নকৰাব সছ !
হৰি হে ! মহৰ শিঙে শিঙে
হৰি হে ! লাগিল হৰি হৰি

হৰি হে ! শৰৰ শিঙে শিঙে লাগিল
হৰি হে ! কন্যাৰ ককায়েকে
হৰি হে ! ওলাইছে সোমাইছে
হৰি হে ! নাকে মানুহ খাব খোজে ।

---

মাছ বাছি কাছ কুটি
অ শশী ! বেৰত থলে দা ।
হালধিয়া চৰাই যেন
অ শশী ! আইদেউৰ কৰে গা ।
বেৰত আছে তেলৰ তাবি
অ শশী ! তাতো আছে তেল ।
ভিতৰতে আইদেউ আছে
অ শশী ! বাজত কিহৰ মেল ।
আইদেউ কান্দে লুটি ঘুটি
অ শশী ! দেউতা কান্দে কিয় ।
এতিয়া যে কান্দা দেউতা
অ শশী ! শৰাই ভঙিছিলা কিয় !
নেভাঙিলো নিচিঙিলো
অ শশী ! আপোনাৰে জী ।
লোকৰ কন্যা লোকে নিব
অ শশী ! আমি কৰিম কি ।

---

বাহৰ চছলি
কথা প'ল পিছলি

ঐ ৰাম ! ৰৰ ককায়েকৰ পৰাহে ।
সৰু ককায়েকে
শতুৰু সালিলে
এ ৰাম ! দিলে আদহিয়াত বিয়া হে ।
পুথুৰী পাৰবে
থহতা ডিমক
ঐ ৰাম ! তললৈ মেলিলে শিপা হে ।
ধৰোঁতে ধৰোতে
ৰামচন্দ্ৰই নেৰোঁতে
ঐ ৰাম ! দিলে বহাগত বিয়া হে ।
পানতে আইদেও
পদুম ফুল বাছিলে
ঐ ৰাম ! ৰামলৈ জাননী দিলে হে ।
ৰামে মেলি ছালে
কথাত বুজি পালে
ঐ ৰাম ! হৃদয়ত সামৰি থলে হে ।
ঘাটত নাওঁ বান্ধি
বিদেশত বৈৰাগি
ঐ ৰাম ! আইদেওক বিয়া কৰাই নিয়ে হে ।
কোলাত কৈ বাতৰি
দিলা ঐ আইদেও
ঐ ৰাম ! চিলাত কৈ বাতৰি দিলা হে ।
মাবৰ ঘৰতে
কিনো দুখে পালা ।

ঐ ৰাম ! ৰামলৈ জানকী দিলা হে।
মাৰৰ ঘৰতে
আছিলা আইদেও
ঐ ৰাম ! চাঁ চাই মেলালা চুলি হে।
জিহে ঘৰলৈ
পৰিছা আইদেওঁ
ঐ ৰাম ! ঢেকিয়ে কৰিব বুঢ়ী হে।
দিখৌ নইৰে পানী
বগা ফটে ফটি
ঐ ৰাম ! পিৰঁতী ছৰায়ে পিয়ে হে।
কিনো চাই আছিলা
লগৰ সমনীয়া
থেৰেজু কলিয়াই নিয়ে হে।
মাহো এন্থুলি
সৰিয়হ এন্থুলি
ঐ ৰাম ! উৰিয়াম কাঠৰে পিড়া হে।
কিনো হাতি ঘোৰা
দেখিলা দেউতা
ঐ ৰাম ! নেদেখা ৰাজলৈ দিলা হে।

---

আইদেওৰ কাপোড়তে
বাচি থৈছে টগৰ।
ৰাবকাব কৃষ্ণ আহি
লগালে জগৰ।

আইদেওৰ কাপোৰতে
গুটি গুটি ফুল।
দ্বাৰকাৰ পৰা কৃষ্ণ আহি
মাৰে জাতি কুল॥
পাতিত বহি আইদেৱে
মনে মনে গুণে।
দ্বাৰকাৰ পৰা কৃষ্ণ আহি
কাণ পাতি শুনে।
আইদেওৰ কাপোৰৰে
আগত সঁতৰ ফোট।
ৰামে বোলে প্ৰাণেশ্বৰী
ওলাই মাতা মোক॥
নোৱাৰো মাতিব মই
অ! গুণ নিধি।
সখি সবে সহিতে মই
আছো পাশা খেলি॥
একে লগে একে সঙ্গে
আছিলে উমলি।
আমাক এৰি কলই যোৱা
আইদেও প্ৰাণেশ্বৰী॥
অনেক সই প্ৰবন্ধে কৰি
তুলিলো তোমাক সই।
আজি হন্তে স্বামী পাই
ত্যজিলা আমাক॥

পিতৃ কান্দে মাতৃ কান্দে
কান্দে সক ভাই।
কিয় কান্দা আমাৰ আইদেউ
আপোন ঘৰে যায়॥

---

আৰে সই ! আইটী নামেৰে
আৰে সই ! কন্যা সুতুলিবা
আৰে সই ! গৰ্ভতো নিদিবা ঠাই নাৰৈ নাচিতৰ
চিতানন্দ সূত্ৰ গাৰে ।
আৰে সই ! ঘৰৰ বয়ে বস্তু
আৰে সই ! সমান ভাগে লব
আৰে সই ! আকৌ শোকে বেজাৰ পাই নাৰৈ নাচিতৰ
চিতানন্দ সূত্ৰ গাৰে ।
আৰে সই ! তিয়হৰ চকলি
আৰে সই ! বেবাবৰ বাকলি
আৰে সই ! বেবাব ঠালে ভৰি লাগে নাবৈ নাচিতৰ
চিতানন্দ সূত্ৰ গাৰে ।
আৰে সই ! আইদেউ বুলিছে
আৰে সই ! মোক কেলেই লাগিছে
আৰে সই ! ককাইদেউ ছৰাতে আছে নাৰৈ নাচিতৰ
চিতানন্দ সূত্ৰ গাৰে ।
আৰে সই ! আইটী আইটী বুলি
আৰে সই ! মাকে মাতিলে
আৰে সই ! 'ক'ত থলা সেন্দুৰৰ পেৰা নাবৈ নাচিতৰ
চিতানন্দ সূত্ৰ গাৰে ।

আৰে সই ! কালি এতেবেলি
আৰে সই ! নবৌক শুধিলে
আৰে সই ! মোৰ হৈছে জঞ্জালৰ বেলা নাৰৈ নাচিতৰ
চিতানন্দ সূত্ৰ গাৰে।
আৰে সই ! কতকে অসন্তোষ
আৰে সই ! কৰা অই আইটী
আৰে সই ! আমাৰ পূৰি আহে হিয়া নাৰৈ নাচিতৰ
চিতানন্দ সূত্ৰ গাৰে।
আৰে সই ! পুত্ৰ হলা হেঁতেন
আৰে সই ! ৰথাই থলো হেতেন
আৰে সই ! কিকৈ দিম মাধৱত বিয়া নাৰৈ নাচিতৰ
চিতানন্দ সূত্ৰ গাৰে ।
আৰে সই ! জিল মিল কচুৰে
আৰে সই ! পাতে হৰি হৰি
আৰে সই ! জিল মিল কচুৰে পাত নাৰৈ নাচিতৰ
চিতানন্দ সূত্ৰ গাৰে।
আৰে সই ! ছ'অৰা ৰূপেৰে
আৰে সই ! বিহা কিনি দিলো
আৰে সই ! আইদেউ নললে গাতে নাৰৈ নাচিতৰ
চিতানন্দ সূত্ৰ গাৰে।
কচুপাতৰ পানী টুপি তল বল কৰে।
বত্ৰিশ হেজাৰ অলঙ্কাৰ হৃদয়ত জলে ॥

# (১২) গাঠিয়ন খুন্দা নাম ।

( ১ )

উজনি ৰাজৰে ঐ ৰাম
গন্ধে গাঠিয়নে ঐ ৰাম
নামনি ৰাজৰে পতা ৰাম হৰি
নামনি ৰাজৰে পতা ।
কন্থাৰ মাকে ঐ ৰাম ।
অতি সুলক্ষণী ঐ ৰাম !
আপুনি ধৰিছে পতা ৰাম হৰি ।
আপুনিও ধৰিছে পতা ॥
দিনত বন্দি হলে ঐ ৰাম
তেজী সুৰুজে ঐ ৰাম ।
ৰাতি বন্দি হলে তৰা ৰাম হৰি ।
ৰাতি বন্দি হলে তৰা
সাতো আয়টীয়ে ঐ ৰাম ।
গাঠিয়ন খুন্দিছে ঐ ৰাম ।
উকলি এজোকা দিয়া ৰাম হৰি ।
উকলি এজোকা দিয়া ।

---

( ২ )

তেলত বন্দি হলে ঐ ৰাম ।
তেলিনী পকৰা ঐ ৰাম ।
সালত বন্দি হলে হাতি ৰাম হৰি ॥

সালত বন্দি হলে হাতী।
তেলে মেলি দিয়া ঐ বাম।
তেলিনী পকৰা ঐ বাম।
সালৰ মেলি দিয়া হাতী বাম হৰি।
সালৰ মেলি দিয়া হাতী।
মকৰাৰ জালতে ঐ বাম।
কৃষ্ণ বন্দি হলে ঐ বাম,
কিনো কৰুিণীৰে মায়া বাম হৰি।
কিনো কৰুিণীৰ মায়া।
সাতো আয়টীয়ে ঐ বাম
গাঠিয়ন খুন্দিছে ঐ বাম।
উকলি এজোকা দিয়া বাম হৰি।
উকলি এজোকা দিয়া।

---

( ৭ )

মকৰাৰ জালৰ পৰা ঐ বাম
কৃষ্ণক মেলি দিয়া ঐ বাম।
পুৱাই বক কালিন্দি বাতি বাম চৰি
পুৱাই বক কালিন্দি বাতি।
চান্দো চিকণে ঐ বাম
সুকজো চিকণে ঐ বাম।
চিকণ খৰ্গৰ তৰা কি বাম হৰি॥

চিকণ স্বৰ্গৰ তৰা !
এটাইত কই চিকণে ঐ ৰাম ।
দেখি থৈ আহিছো ঐ ৰাম ।
ৰাহি চন্দনৰে দৰা ৰাম হৰি ।
ৰাহি চন্দনৰে দৰা ।
ৰাবি ও নাহিবা ঐ ৰাম ।
খাবি ও নাহিবা ঐ ৰাম ।
আহিবা স্বামী গুয়া ৰাম হৰি
আহিবা স্বামী গুয়া ।
সাতো আয়তীয়ে ঐ ৰাম ।
গাঠিয়ন খুন্দিছে ঐ ৰাম ।
উকলি এজোকা দিয়া ৰাম হৰি
উকলি এজোকা দিয়া ।

---

## (১৩) দৈয়ন দিয়া নাম ।

দৈয়ন দিয়া দৈয়ন দিয়া
আপোনাৰে আই ।
ভাল কৰি দৈয়ন দিয়া
শৰীৰ জুৰাই ॥
পান বৰিয়াৰে
পান আনা গৈ
কণ্যাবাপেৰ ঘৰৰে মই এ

আজি আইদেওক
দৈয়ন দিছে
শিঙ্গা ডুবাবত বই এ

---

## ১৪) দৰা সজাওঁতে গোৱা নাম।

এইনো সাজে পাৰে মুগুৰাই বোপা দেওক
আৰু সাজ পাব লাগে।
খৰকৈ যোৱা গই দেওতাক কোৱাগই
এতিয়াই সলাব লাগে।
হাতীকে সজালে হাতী বকৰাই
ঘোৰাকে সজালে খাহি।
আমাৰ বোপা দেওক সজাই দেউতাকে
বিচিত্ৰ অলঙ্কাৰ আনি॥
ধোবাকো বধিলে বস্ত্ৰ কাঢ়ি ললে
কুজিৰো ললে চন্দন॥
মলিয়াৰ হাতৰে মলা তুলি ললে
লদিলে বসু নন্দন।
হাতী আনো বুলি নানিলা দেউতা
ঘোৰাকো আহিলে এৰি।
অতখন বাট লই কেনেকই যাব গই
সোনৰ মনি যেনে ডৰি।

---

কি কৰিছা ৰাম তুমি
কি কৰিছা ৰই এ ২
তত ছাগৈ শিশুপালে
নিলে বিয়া কই এ ২
কি কৰিছা ৰাম তুমি
বলি ভাত থাই ২
তত চাগৈ সীতা শান্তি
আছে বাট চাই ২

———

ছেবেংদাৰ বাবলই
কোনে বুদ্ধি দিলে
কোনে আনি দিলে তলা।
যজ্ঞোলৈ যাবলই
বেলি হল বোপা দেও
ছেবেংদাৰ সামৰি থোৱা
অৰণ্যৰ মাজতে
সিংহই ডাকে দিলে
শঙ্কৰৰ বকা লই চাই
সোনৰ পেপা মুডি
ৰজা খৰ কৰি
ৰাম চন্দ্ৰ যজ্ঞো লই যায় ॥

———

## ( ১৫ ) দশা ওলাই আহোতে গোৰা নাম ।

ৰাজ্যে কৰিছে
ৰাজ্য হৰি ধ্বনি
বোপাদেও কৰিছে সেৱা কি ৰাম ।
ওলাই দেউতাকে
হৰি ধ্বনি কৰিছে
মোৰ বোপাই কুশলে যোৱা কি ৰাম ।
হাতী চলাই দিয়া
চাতীয়াল বকৰা
ঘোৰা চলাই দিয়া বাহি কি ৰাম ।
বেদৰনিধি বাপু
খোজে চলাই দিয়া
বংশত জলাব নাও কি ৰাম ।
ছতিয়াই লইছে
দোবোল থাই পৰিছে
কাৰ্শিপৰ কাপোৰৰ দহি কি ৰাম।
বাটৰ বাটকৰাই
বৈ বৈ সুধিছে
কোন ডাঙ্গৰীয়াৰ নাতি কি ৰাম ।
গছকি ভাঙ্গিলে
পুলি দামে কলা
নগৰ সমনীয়াই হাহে কি ৰাম ।
আজি বোপাদেৱে

থঙ্কেৰে ওলাইছে
ভাৰ্য্যা নানিলে নাহে কি ৰাম।
ঘৰক ঘৰে বুলি
নেজানা বোপাদেও
মাৰকো নোবোলা আইঁ কি ৰাম।
অতক বয়ে বস্তু
হেডাঙ্গি মেলিলা
ভাৰ্য্যাৰ বাতৰি পাই কি ৰাম।
গধূলি বেলিকা
কলই যোৱা বোপাদেও
মাৰক সুদা ঘৰত থই কি ৰাম।
নথওঁ সুদা ঘৰত
কাইলৈ আহিম গই
আগত কই আনিমে সীতা কি ৰাম

---

পঢ়িলা শুনিলা
মাকে জানিলা
বৰ হই উত্তৰি ললা।
মাতৃক পুহিবৰ
একো চিন নেপালো
মালালৈ বৰাগী হলা।
কোন পোনে যোৱাগৈ
লাহৰী বোপাই মোৰ
বাটত পাতি থৈছে ধেনু।

ধেনুকো ভাঙ্গিলোঁ।
সীতাকো আনিলো।
পৰিয়াল আহিছোঁ। জিনি।
গাওঁৰ মাজে মাজে
কল সাৰি সাৰি
বাদুলি পৰিয়ে খাই।
আমাৰে বোপাদেউ
সোণৰ ধেনু লই
বাদুলি কাঁৰিয়াই যাই!
ঔ ফুল ফুলিলে
কপৌ ফুল ফুলিলে
মেদেলাই মেলিলে ঠোঁৰ।
ক'ত ৰামচন্দ্ৰ ভাৰ্য্যা খুজিলা
বাট':বা নপৰে ওৰ।
অলনি দলনি
পকা ছুপৰানি
আমাৰ হাতে ভৰি ভাগে।
তেও নপতিয়াই
আমাৰ ৰামেচন্দ্ৰই
শতুৰৰ জীয়েকক লাগে॥

---

(১৬) দৰা আহোতে বাটত গোৱা নাম।

শশি হে! আগৰ খন ভাৰতে,
শশি হে! কি কি আনিছা

শশি হে ! পধুলিৰ মুৰতে থোৱা ।
শশি হে ! মাজৰ খন ভাৰতে
শশি হে ! কি কি আনিছা
শশি হে ! সমাজৰ মাজতে থোৱা ।
শশি হে ! উঠা বৰে বাহি
শশি হে ! ফকিৰ পালেহি
শশি হে ! পধুলিত মাৰিছে হুকি ।
শশি হে ! আছে যে কন্যা দান
শশি হে ! নাই যে সন্নিধান
শশি হে ! ফকিৰক নথবা ৰাখি ।
পশি হে ! ৰামো আহিছে
শশি হে ! ডম্বৰু বজাইছে
শশি হে ! ভিক্ষা বা মাগিছে কি ।
শশি হে ! তুমি হে নেজানা
শশি হে ! হেমৱন্ত ৰজা
শশি হে ! থৈছে চেনেহৰ জী ।
চন্দ্ৰ মুখী ৰাজা তুমি
কিয় এতে বোল ।
নথাঙ্গৰা প্ৰাণেশ্বৰী
নহও স্বতন্ত্ৰী ॥

---

অই ৰে ! ছোতালৰে পৰা
আই ৰে ! সোধে জোঁৱাই লৰা
অই ৰে ! আইদেৱে কি বন পাবে হে ॥

অই ৰে ! সবাইত শুৱা কাটে
অই ৰে ! তাঁতত হালে জালে
অই ৰে ! আইদেৱে নেই বন পাৰে হে ।
অই ৰে ! শুকান পিঠা গুৰি
অই ৰে ! ছালিব নোৱাৰে
এই ৰে । হাতত পানী জোলা বান্ধে হে ।
অই ৰে ! লোকৰ ঘৰে কথা
অই ৰে ! শুনিব নোৱাৰে
অই ৰে ! চেচুকৰ দেম দেউকা হে ।
অই ৰে ! শুনি থাক শুনি থাক
অই ৰে । অ' জোৱাই লৰা
অই ৰে । আইদেওৰ চৰিত্ৰ কও হে ।
অই ৰে ! লাহেকৈ মাতিবা
অই ৰে ! টান বন নিদিবা ।
অই ৰে ! চেচুকৰ দেম দেউকা হে ।

---

শিৱ ! হেমৱন্তৰ ঘৰে
শিৱ ! আছে কন্যা ধনি
শিৱ ! শিৱৰ জণ্টাতে ধৰি ।
শিৱ ! হেমৱন্তই দিয়ে
শিৱ । মেনকাই নিদিয়ে
শিৱ ! সৰ্পে দন্ত মেলি আছে ।
শিৱ ! মেনকা শাহুকে
শিৱ ! কোঁৱাগই স্বৰূপে
শিৱ । হৰলৈ পাৰ্ব্বতীক খোজে ।

শিৱ ! কৰ পৰা আহিলা
শিৱ ! জটিয়া মহাদেও
শিৱ ! সৰ্পেৰে বন্ধোৱা হিয়া ।
শিৱ ! তোমাৰ ৰূপ দেখি
শিৱ ! মেনকাই ডৰাই
শিৱ ! নোসোমাই পাৰ্ব্বতী বিয়া
শিৱ ! মেনকাৰ মনে
শিৱ ! ছেৰেঙ্গ বেৰেঙ্গ
শিৱ ! নিদিও মহাদেওতে বিয়া ।
শিৱ ! পাৰ্ব্বতীৰ মনেৰে
শিৱ ! হৰিষে বদনে
শিৱ । আনন্দে নধৰে হিয়া

---

মেনকাহ বোলে ৰাজা
অকাৰ্য্য হহলে কাল ।
পাণ্ডৱৰ সেনা আহি ললেহি
লঙ্কা পাজ ।
শিৱ আহি পালেহি
হেমৱন্তৰ ঘৰ ।
ভাঙ্গৰ সজুলিৰে
চিনিছা নগৰ ।
খুন্দ থইছে ভাঙ্গৰ গুৰি
ভৰাই থইছে চুঙ্গা ;
গধুলিকই শিৱ আহি
লগাই খাব ধোঁৱা ।

কি কই জাৰিবো ভাঙৰ গুৰি
কি কই চালিবো ভাঙৰ গুৰি ।
ভাঙৰ গুৰি নাপাই শিৰই
মাৰিবও কিলাই ।
আলোলোঁৱা গোৰী মোৰ
কান্দি ভাত খাই ।
ভাঙৰ খুন্দা ডাঙ্গ দেখি
মৰিব ডৰাই ॥
নিদিও গোৰীক বিয়া
জোঁৱাই নহয় ভাল ।
কানীয়া ভঙ্গুৱা জোঁৱাই
জীব কত কাল ।
আইদেৱে বোলে মোৰ
বাওঁ বাহু লৰে ।
দাবকাৰ পৰা কৃষ্ণ আছে বুলি
মোৰ মনে ধৰে ।
বেৰতে লেখিলে বেৰে মৰা ছাৰাই
দুৱাৰত লেখিলে হাতী ।
বকলা পাতত লেখি পঠিয়ালে
ৰঘুনাথ আহিব আজি ।

## (১৭) কলৰ গুৰিত গোৱা নাম !

সলাগ লৈ জেঠেৰি ।
মুচুকাই হাহিলে
ঐ বাম ! বৈনাই বৰ ভাল বুলি হে ।
অলপে মতিয়া
বৈনাই কুমলীয়া
ঐ বাম ! ছত্ৰ ধৰিছে তুলি হে ।
শহুৰৰ পধুলি
দক্কা দমকা
ঐ বাম ! কি ফুল ফুলিছে হালি হে ।
পিন্ধিবৰ মনে গল
জেঠেৰি বৈনাই
ঐ বাম ! ইন্দ্ৰ মালতীৰ চাকি হে ।
শহুৰৰ মৰমে
বাক দেখিলো
ঐ বাম ! ছপাই কল গুৰিত থলে হে ।
শাহু আইৰ মৰমে
নিছেই নিদাৰুণে
ঐ বাম ! জিয়েকক পঁইতা বাছে হে ।
জিয়েকে বুলিছে
মই কিয়ে খামে
ঐ বাম ! স্বামী কল গুৰিত আছে হে ।

কিনো কলে পুলি
কলা ঐ জেঠেৰি
ঐ ৰাম ! গাত হালি জালি পৰে হে।
আমাৰ কলে পুলি
ছোৱা গৈ জেঠেৰি
ঐ ৰাম ! জোৰ হাতী বান্ধিব পাৰে হে।

---

## ৮) দৰা আদৰিবলৈ যোৱা নাম।

হাতী কৰে ডোল ডোপ
ঘোঁৰা ধৰে ছাতি।
উঠা উঠা ভীষ্মক ৰাজা
জোঁৱাই আহে ৰাতি।
আহক আহক দেৱৰ জোঁৱাই
চোৱা নেত্ৰ পুৰি।
শুকুলা চোঁৱৰ লই
আনক আদৰি॥
কাঠৰ থগিত হৰে লোৱা
গুৱা পান।
পাছে পাছে চলি যাওক
গায়ন বায়ন॥
উঠা উঠা ভীষ্ম ৰাজা
জোঁৱাই আহে ৰাতি।
আহক আহক দেৱৰ জোঁৱাই
ৰাখক কলৰ গুৰিত॥

উঠা উঠা ভীমক বাজা
জোঁৱাই আছে লড়ি।
পাণ্ডৱৰ পঞ্চ ভাই
আনক আদৰি॥

ভৰি ধুৱাবলই
কোন জনী আহিছে
ভৰিত নাইকিয়া মলি
খুৱাই লই আহিছো।
পাহ ভাত এগালি
ধুৱাই লই আহিছো ভৰি।

## ১৯) সুৱাগুৰি তুলিবলৈ যোৱা নাম

সুৱাগ তুলিবলই
ওলাইছে দৈৱকী
ৰূপতে ধুপ লগাই ৰাম জানকী।
বাড়িবে এৰাপাত
বহি থাক দৰা পাত
আমি সুৱাগুৰি তোলো ৰাম জানকী।
বাটবে ঢেকিয়া
আৰাক বাটে দিয়া
সুৱাগ তুলিবলৈ যাওঁ ৰাম জানকী!

## (২০) হোমৰ সভালৈ যোৱা নাম।

ভীষ্মক নন্দিনী আই এ
স্বামী বৰিবলৈ যাই এ
গৈ পাবা হোমৰ সভা,
বহি পাবা বৰ।
কৃষ্ণ যেন স্বামী পাবা
চিন্তা নো কিহৰ।
ওলাই আহি কক্মিণীয়ে
মাথাত দিছে হাত।
সক ভাইক বুঝি সোধে
স্বামী বৰিম কাক॥
ভাই নামে নহলা তুমি
পিতা নামে হলা!
মাধৱৰ কৃষ্ণক আক
জোঁৱাই চিনি পালা।

---

দেখ সখি! বামো আহিছে
দেখ সখি! কিবা অপমানে
দেখ সখি! আইদেউক খুজিছে ঠাই হে।
দেখ সখি! কোৱাটৈ লিগিবা
দেখ সখি! পাৰক ছালে পিড়া!
দেখ সখি! দিয়ক সমাজতে ঠাই হে।

দেখ সখি ! বামো আহিছে
দেখ সখি ! ডম্বৰু বজাইছে
দেখ সখি ! ভিক্ষা বা মাগিছে কিয় হে ।
দেখ সখি ! তুমি যে নেজানা
দেখ সখি । হেৰা দেউতা
দেখ সখি ! থুইছে ছেনেহৰ জীয়ে হে ।
দেখ সখি ! অৰণ্যৰ মাজতে
দেখ সখি ! ফেকুয়াই ছিৰবে
দেখ সখি ! লগাই গন্ধৰ তেলৰ বাতি হে ।
দেখ সখি ! আজি আইদেও
দেখ সখি ! কি যজ্ঞো পাতিছে
দেখ সখি ! আনে সখি সবক মাতি হে ।
দেখ সখি ! কালি এতে বেলি
দেখ সখি ! আছিলা আইদেওঁ
দেখ সখি ! মাজৰ পালেঙ্গত শুই হে ।
দেখ সখি ! আজি এতে বেলি
দেখ সখি ! যাবলই ওলালা ।
দেখ সখি ! ছোতালত লগাইছে জুই হে ।
দেখ সখি ! কালি এতে বেলি
দেখ সখি ! সখি প্ৰভাৱতী
দেখ সখি ! বহি বৈ আছিলা তাঁত হে ।
দেখ সখি ! আজি এতে বেলি
দেখ সখি ! যাবলই ওলালা
দেখ সখি ! অগ্নি বলাইছে গাৱত হে ।

দেখ সখি ! জাপ দি চেঙেলি
দেখ সখি ! ধৰিব নোৱাৰা
দেখ সখি ! বালি দি নধৰা মানে হে ।
দেখ সখি ! আমাৰে আইদেওক
দেখ সখি ! নমাব নোৱাৰো
দেখ সখি ! শৰাই লই নধৰা মানে হে ।
দেখ সখি ! শৰাই লই মাতাগৈ
দেখ সখি ! দেউতাক আনা গৈ
দেখ সখি ! তেহেবা নমাব পাৰা হে ।
উৰি আমত ঘূৰি ঘূৰি
বৰ বৰ লতা ।
নেভাঙিলে নিছিঙিলে
দেউতাৰে কথা ॥

---

## (২১) হোমৰ সভাত গোৱা নাম ।

মাৰৰ আগতে কাকত
তিনি সত্যে খালা কাকত
শাহুৰ ঘৰ নোসোমাওঁ বুলি কি কাকত
চিঠি দি পঠিয়াওঁ বিজুলি ডাকত ।
আইটী চিকন দেখি কাকত
লছৰাই সোমালা কাকত
কোনে আনিছিলে মাতি কি কাকত
চিঠি দি পঠিয়াওঁ বিজুলি ডাকত ।

বৰ ঘৰৰ মূধলই কাকত
কি চাই জোৰাই লবা কাকত
লেজেৰি বেতৰে গাঠি কি কাকত,
চিঠি দি পঠিয়াও বিজুলি ডাকত।
আইটি চিকন দেখি কাকত
আছে ঘনে ঘনে কাকত
কোনে আনিছিলে মাতি কি কাকত
চিঠি দি পঠিয়াও বিজুলি ডাকত
ৰাৱণৰ পধুলিত কাকত
কি পুথি মেলিছে কাকত
কেলেই কৰিছা খিতাপ কি কাকত
চিঠি দি পঠিয়াও বিজুলি ডাকত
ৰাৱণৰ নগৰী কাকত
ভাজে চলে কৰি কাকত
তেও এড়ি নিদিয়ে সীতা কি কাকত
চিঠি দি পঠিয়াও বিজুলি ডাকত।
ছুঅঁৰা লিগিৰী কাকত
সীতাক বুজাইছে কাকত
ৰাৱণক ভজা সুন্দৰী কি কাকত
চিঠি দি পঠিয়াও বিজুলি ডাকত।
নেকান্দ মন্দোদৰী কাকত
নলও ৰাজ্য কাঢ়ি কাকত
ৰাৱণক নভজো আমি কি কাকত
চিঠি দি পঠিয়াও বিজুলি ডাকত।

ৰাম গইছিলে কাকত
মৃগ মাৰিবলই কাকত
লক্ষ্মণ গইছিলে লড়ি কি কাকত
চিঠি দি পঠিয়াও বিজুলি ডাকত
সেই সময়তে কাকত
তুৰ্জন ৰাৱণে কাকত
সীতাক লই গলে হবি কি কাকত
চিঠি দি পঠিযাও বিজুলি ডাকত।
আঁকৰ বাজে কৰি কাকত
বুঢ়া বামুণ হই কাকত
সীতাক লই গলে হবি কি কাকত
চিঠি দি পঠিয়াও বিজুলি ডাকত।

---

দিনৰ চাৰি দাৰত অ' সীতা
অন্ন দান কৰিছে অ' সীতা
হাতত ভোগেজীৰা লই অ' সীতা
আইদেউ নবহে দলিছা তিতা
ৰাতি চাৰি দাৰত অ' সীতা
কন্যা দান কৰিছে অ' সীতা
সুভদ্ৰাক আগতে লই অ' সীতা।
আইদেও নবহে দলিছা তিতা।
দদা বলোভদ্ৰই অ' সীতা
অন্ন দান কৰিছে অ' সীতা
সুভদ্ৰায় কাটিছে শুৱা সীতা
আইদেউ নবহে দলিছা তিতা।

সেই সময়তে অ' সীতা
বৈৰাগি অৰ্জ্জুনে অ' সীতা
সুভদ্ৰাক আমালৈ দিয়া অ' সীতা
আইদেউ নবহে দলিছা তিতা।
ফটিকৰ স্তম্ভে অ' সীতা
সুভদ্ৰা বহিছে অ' সীতা
অৰ্জ্জুনৰ মুখলৈ চাই অ' সীতা
আইদেউ নবহে দলিছা তিতা।
বৈৰাগি অৰ্জ্জুনে অ' সীতা
একোকে নেজানে অ' সীতা
সুভদ্ৰাত মোহ যায় অ' সীতা
আইদেউ নবহে দলিছা তিতা।
কুণ্ডিলৰ নগৰত অ' সীতা
কিহৰে উকলি অ' সীতা
কোনে কান্দিবৰে শুনু অ' সীতা
আইদেউ নবহে দলিছা তিতা।
ভীষ্ম কান্দে ৰজা অ' সীতা
প্ৰথমৰ দুহিতা অ' সীতা
তেওঁকে কান্দিবৰ শুনে অ' সীতা
আইদেউ নবহে দলিছা তিতা।
কৌশল্যা বুলিছে অ' সীতা
শুনৰে সুমিত্ৰা অ' সীতা
কৈকেয়ো নিদিবা দোষ অ' সীতা
আইদেউ নবহে দলিছা তিতা।

কোনোবা জনমত অ' সীতা
মহাপাপ কৰিলোঁ অ' সীতা
ঋষিৰ শাপে চুলে মোক অ' সীতা
আইদেউ নবহে দলিছা তিতা ।

জোনে বেলি ! ৰভাৰ চাৰি চুকে
জোনে বেলি ! চাৰি জন বহিছে
তৰা ঐ ! চাৰিওকো চাৰিয়ে ছুৰে ।
জোনে বেলি ! তুলসীৰ মালাৰে
জোনে বেলি ! যেই জনা বহিছে
তৰা ঐ ! সেই জনাই জানকীক বৰে ।
জোনে বেলি ! ৰভাৰ ওপৰে
জোনে বেলি ' সৰ্পে গুজৰিলে
তৰা ঐ ! পাৰ্ব্বতী বুলিলে খাই ।
জোনে বেলি ! মহাদেও বুলিলে
জোনে বেলি ! নেখায় পাৰ্বতী
তৰা ঐ ! সৰ্পে সিঙ্গা বেণু বাই ।
জোনে বেলি ! বাড়িৰ আমে থৰি
জোনে বেলি ! কাটে ছেৰে থৰি
তৰা ঐ ! কপিলী গৰুৰে ঘিউ ।
জোনে বেলি ! কেলই যচাইছা ।
জোনে বেলি ! অগ্নি দেৱতা
তৰা ঐ ! লেখৰ সাস্তে পোৰা ঘিউ ।

জোনে বেলি ! থৰমৰ টেকেলি
জোনে বেলি ! ধৰোতা নাইকিয়া
তৰা ঐ ! মোমাই বা কেনেহৈ গ'ল।
জোনে বেলি ! মোমাই সাজে পাবে
জোনে বেলি ! শৰাই লৈ দলিয়াই
তৰা ঐ ! গৰু নাই বিচূৰ্ত্তি হ'ল।
জোনে বেলি ! ৰবা ভাগিনী
জোনে বেলি ! গৰুহক গাভিনী
তৰা ঐ ! জগিলে এজনী দিম।

---

ৰজাৰ হৈ এথোলা
দিয়া গুৰু বাপু
ৰাজ্যৰ হৈ এথোলা দিয়া ;
আমাৰ হৈ এথোলা
দিয়া গুৰুৰ বাপু
আমাৰে আইটী বিয়া।
আঙ্গুলি আঙ্গুলি
পেলালে সাঙ্গুৰি
বিধি চোৰ বামুনে পাই।
ছাগে ধানে খালে।
তই গালি পাৰিলি
ভাৰ্য্যাৰে সাঙ্গুৰি থলে।
হোমৰে জুইৰেই
গা মলজিলে
তেলে মলজিলে চাকি।

কিনো নিদাৰুণে
অ' ৰামে চন্দ্ৰই
বিচনি নেমাৰে ছাটি ।
উঠোতে বহোতে
বৰ হোম দিওঁতে
ঘাম গই পালেগৈ মাটি ।
কিনো নিদাৰুণে
অ' ৰামে চন্দ্ৰ
বিছনি নেমাৰে ছাটি ।
হোমৰে গুৰিতে ।
আইদেও থুনে থুনায়
মোৰ ভোক লাগিছে বুলি ।
চেনেহৰ দেউতাকে
হেপনি মাৰিলে
যজ্ঞো ভাগকে বুলি ।
আগইয়ে ৰামচন্দ্ৰ
কই ফুৰিছিলা
ভাৰ্য্যা নেলাগে বুলি ।

---

হোমৰ গুৰি পাই
ললা ওচৰ চপাই
মোৰ প্ৰাণেশ্বৰী বুলি ।
পৃথুৰীৰ পাৰৰে
কঞ্চন ফুল এজুপি
নিতৌ ভিনি পাহি সৰে ।

আইদেউৰ মুখলৈ
চাবকে নোৱাৰি
হীৰা কি মুকুতা জ্বলে।
ৰামচন্দ্ৰৰ মুখলৈ
চাবকে নোৱাৰি
কেচু খোপা খোপে পৰে ।
আমাৰে আইদেউ
হালিছে জালিছে
কালি এতে বেলিৰ ভাত ।
সখিত ঠেকাদি
আইদেউ বহিছে
মুখৰ নাই পাৰলৈ মাত ।

---

বাহৰে গৰকা বেণু
বোপাৰ মন ছনকা বেণু
আমি কথা কলে লাগে কি বেণু বয়সে সৰু
দুইও একে লগে বাখিছিলে গৰু ।
আইদেওৰ লগতে বেণু
বহুত দুখে পালা বেণু
নিচেই কই নপঠিয়াবা কি বেণু বয়সে সৰু
দুইও একে লগে বাখিছিলে গৰু ।
বেলি হল দেৰে পৰ বেণু
ৰমাচন্দ্ৰ খৰে কৰ বেণু

মাবে পঠিয়াইছে মাতি কি বেণু বয়সে সক
দুইও একে লগে বাথিছিলে গক।
হাতী দানে কবা বেণু
ঘোঁবা দানে কবা বেণু
আক দানে কবা গক কি বেণু বয়সে সক
দুইও একে লগে বাথিছিলে গক।
চাঙ্গবে কঠিয়া বেণু
ওলাই দানে কবা বেণু
বামত কৈ বামতী চবা কি বেণু বয়সে সক
দুইও একে লগে বাথিছিলে গক।
চঙ্গতে মলঙ্গিল বেণু
জগলৌ কোমোবা বেণু
বব চাঙ্গত মলঙ্গিল লোণে কি বেণু বয়সে সক
দুইও একে লগে বাথিছিলে গক।
তুমি যে আইদেও বেণু
'নৈল ওলালা বেণু
মাবব ভা ত বান্ধনি কোনে কি বেণু বয়সে সক
দুইও একে লগে বাথিছিলে গক।
আইবে বান্ধনি বেণু
খৈছোঁ সক ভনী বেণু
মই হলো পববে অধীন কি বেণু বয়সে সক
দুইও একে লগে বাথিছিলে গক।

---

কি কি ছৰাই এৰাও কৰে
অ ! শশি জাৰনিতে পৰি ।
কান পাতি শুনি আছে
অ ! শশি ৰামৰ পটেশ্বৰী ।
বাপুদেৰে বিধি পঢ়ে
অ ! শশি মাজে মাজে এৰে ।
যৰত আছে থালৈ পেটী
অ ! শশি তালৈ মনত পৰে ।
আগফালে বকৰানি
অ ! শশি পাচ ফালে নৈ
কতক কান্দা শুক বাপু
অ ! শশি হাগি আহা গৈ
হাগি আহি বাপুদেৰে
অ ! শশি নেপালে পানী ।
বেৰৰ আগৰ ফটা কানি
অ ! শশি তাতে থলে সানি
ভাৰত চক আঁকা বকা
অ ! শশি শাকৰ চক ফুটা
বামুনিৰে কপোৰ থনি
অ ! শশি নিগনিয়ে কুটা ।
নিগনিয়ে কুটি নি
অ ! শশি থলে বেৰৰ আগত ।
বাকুলীয়ে পাই আনি
অ ! শশি দিলে মাহৰ শাকত ।

# ২২) মুখ চাঙলি ভঙ্গা নাম।

গোবৰৰ ভেৰবে
লাই হৰি হৰি
গোবৰৰ ভেৰবে লাই না ৰে সখি
কান্দে বিলাপ কৰি
খোপালৈ নকৰে কানে ঐ।
কিনো চাই আছিলা।
তেলেকা চকুয়াই
লৰা বাগৰি যাই নাৰে সখি
কান্দে বিলাপকৰি
খোপালৈ নকৰে কানে ঐ।
চইতে চেলেঙ্গি
থয় আমাৰ বোপাই
চইতে চেলেঙ্গি থয় নাৰে সখি
কান্দে বিলাপ কৰি
খোপালৈ নকৰে কানে ঐ
কিনো চিকনে
কাপোৰৰ কনাইটো
তাকে কোচ পাত্তি লয়ে নাৰে সখি
কান্দে বিলাপ কৰি
খোপালৈ নকৰে কানে ঐ

—— ——

# (২৩) যোৰা নাম।

ফুলবৰ ! পকা তামোলবে
ফুলবৰ ! ছনকা বাকলি
ফুলবৰ ! লচৰাই কাটিব পাৰো ঐ মনিবৰ।
ফুলবৰ ! দৰাৰ ককায়েকে
ফুলবৰ ! কিমানৰ কথকি
ফুলবৰ ! কেচা যেন কৰিব পাৰো ঐ মনিবৰ।
ফুলবৰ ! পানো আনিলা
ফুলবৰ ! মেৰ্কুৰি কৰিয়া
ফুলবৰ ! তামোলো আনিলা ধেনা ঐ মনিবৰ।
ফুলবৰ ! কেনি পাবে হলে
ফুলবৰ ! দৰাৰ ককায়েকে
ফুলবৰ ! দিনত দুই চকু কনা ঐ মনিবৰ।
ফুলবৰ ! ভেকুৰি গছতে
ফুলবৰ ! মেকুৰি উঠিলে
ফুলবৰ ! থুনুবাই ভাগিলে ডাল ঐ মনিবৰ।
ফুলবৰ ! দৰাৰ ঘৰবে
ফুলবৰ ! থাক জোব আনিছে
ফুলবৰ ! জুনুকা বাবলৈ ভাল ঐ মনিবৰ।
ফুলবৰ ! কথালৰ তলতে
ফুলবৰ ! কিহে খুচে খুছাই
ফুলবৰ ! মহ বোলো কঠালৰ মুছি ঐ মনিবৰ।
ফুলবৰ ! দৰাৰ ককায়েকে
ফুলবৰ ! তামোল চুৰ কৰিলে
ফুলবৰ ! পানো আনিলে চুছি ঐ মনিবৰ।

তৰা ঐ ! লুইতৰ ছপৰা
তৰা এ ! দৰাটো জপৰা
তৰা ঐ ! বহি ফটা কঠা সিয়ে ।
তৰা ঐ ! আমাৰে আইদেও
তৰা ঐ ! সৰ্ব্বাঙ্গ সুন্দৰী
তৰা ঐ ! বতিয়া বাতিৰ দিয়ে ।
তৰা ঐ ! নলও ফটা কেঠা
তৰা ঐ ! নেলাগে বতিয়া
তৰা ঐ ! আমাৰ জানে কাপোৰ আছে ।
তৰা ঐ ! যোৰা নাম একুৰি
তৰা ঐ ! যোৰা নাম দুকুৰি
তৰা ঐ ! যোৰা নামে চাৰি কুৰি ।
তৰা ঐ ! দৰাৰ ককায়েকে
তৰা ঐ ! দীঘল হৈ পৰিছে
তৰা ঐ ! যোৰা নাম নাগাৰা বুলি ।
তৰা ঐ ! ছপাই মুখে বান্ধি
তৰা ঐ ! যোৰা নাম আনিছোঁ
তৰা ঐ ! মেলিলে লবৃহে যাবা ।
তৰা ঐ ! ই বাৰিবে কচু
তৰা ঐ ! সি বাৰিবে কচু
তৰা ঐ ! একেখন ছালনিত বাছো ।
তৰা ঐ ! দৰালি ঘৰিয়াৰ
তৰা ঐ ! নামতী কেইজনীক
তৰা ! আলোৰা ভোমলৈ বেছো ।

অইৰে ! আমাৰ পানী পোতাত
অইৰে ! কোন জনী বহিছে
অইৰে ! দলা যেন কৰিছে মূৰকে মেলি !
অইৰে ! এক্কাৰে মুক্কাৰে
অইৰে ! মুতি পঠিয়ালে
অইৰে ! বিৰিঙ্গাৰ জোপাটো বুলি ।
অইৰে ! ধান জাৰি জাৰি
অইৰে ! পতান বোৰ গোতালো
অইৰে ! চুকত পাতি গলো ছুলি ।
অইৰে ! ভাত বান্ধি বান্ধি
অইৰে ! পোতনি গোটালো
অইৰে ! তাইহঁত আহিব বুলি
অইৰে ! থেকেছি কোমোৰা
অইৰে ! কুটো হবি হবি
অইৰে ! থেকেছি কোমোৰা কুটোঁ ।
অইৰে ! দবালি ঘৰিয়া
অইৰে ! নামতী কেজনী
অইৰে ! কতে এতেবেলি হলে ।
অইৰে ! ফুটা মেথেলাৰে
অইৰে ! দৰজি মাৰোতে
অইৰে ! তাত্তে এত্তে বেলি হল ।
অইৰে ! উচি বাঢ়নিৰে চুছি
অইৰে ! চুছি হবি হবি
অইৰে !. উচি বাঢ়নিৰে চুছি ।

অইৰে ! আমি নৌ জোকাওঁতেই
অইৰে ! তাইহেঁতে জোকালে
অইৰে ! দে বাচনিৰে খুছি
অইৰে ! লাওবো এবুকু
অইৰে ! কোমোৰাৰ এবুকু
অইৰে ! হৰিণাৰ আগে মঙহ ।
অইৰে ! মাৰে ভৰি ওালে
অইৰে ! ভাঙো হিয়াজালি
অইৰে ! নেজানো কাৰে বঙহ ।

---

## ২৪) দৰা ভিতৰলৈ যোৱা নাম

গাথিৰৰ টেঙা দৈ অ ! নাজিতৰা
ভাৰ্য্যাক আগত লৈ অ ! নাজিতৰা
অকলৈ খাবলৈ গলা নাজিতৰা
নাহোঁ আজিৰ পৰা মেল ছিগি দিয়া যাওঁ ।
গাওৰ বুঢ়া মেথা অ ! নাজিতৰা
চেনেহৰ শকু তাই অ ! নাজিতৰা
সমাজত এৰি থৈ গলা নাজিতৰা
নহোঁ আজিৰ পৰা মেল ছিগি দিয়া যাওঁ ।
লইনে ঢেকয়া ! নাজিতৰা
ভাৰ্য্যা যেকয়া অ ! নাজিতৰা
আইদেউৰ পাছে পাছে গলা নাজিতৰা
নাহো আজিৰ পৰা মেল ছিগি দিয়া যাওঁ ।

